# গল্পৰ শৰাই

## চুটি-গল্প

বাৰভূঞা, চোৰাংচোৱাৰ চ'ৰা, বহাগী, বদন বৰফুকন, চন্দ্ৰকান্তসিংহ,
বিদ্ৰোহী মৰাণ, জোনোৱালি, বাট কেনি, আমাৰ পাঠ
সোণইতৰ ভীষ্ম, চাহ বাগিচাৰ বনুৱা,
বাৰভূঞাৰ চমু-বুৰঞ্জী আদি

প্ৰণেতা

**শ্ৰীনকুলচন্দ্ৰ ভূঞা**

যোৰহাট




প্ৰকাশন পৰিষদৰ
অৰ্থ সাহায্যত
গ্ৰন্থকাৰৰদ্বাৰা প্ৰকাশিত

GALPAR SORAI : A Collection of Assamese short stories by Shri Nakul Chandra Bhuyan, Jail Road, Jorhat and published by the Author with the financial aid of the Publication Board, Assam, Gauhati. Price Rs. 2·50 nP.

প্ৰকাশক

গ্ৰন্থকাৰ

জেইল ৰোড, যোৰহাট

প্ৰথম প্ৰকাশ

১২ মাৰ্চ্চ, ১৯৬২

**মূল্য ২·৫০ ন.প.**

ছপাকৰোঁতা

শ্ৰীসুব্ৰত ভট্টাচাৰ্য্য

**শ্ৰীভূমি প্ৰেছ**

৭৭, ধৰ্ম্মতলা ষ্ট্ৰীট, কলিকতা-১৩

# অৰ্পণ

মোৰ সহধৰ্ম্মিণী

শ্ৰীমতী কুমুদেশ্বৰী ভূঞাৰ

হাতত

আশীৰ্ব্বাদেৰে

দিলোঁ।

শ্ৰীনকুলচন্দ্ৰ ভূঞা

# পাতনি

নাট্যকাৰ ৰূপে সুপৰিচিত শ্ৰীনকুলচন্দ্ৰ ভূঞা ডাঙৰীয়াই ১৯১৮ চনতে প্ৰথমে গল্প লেখিবলৈ আৰম্ভ কৰে। তেতিয়াৰেপৰা মাজে সময়ে লেখা তেখেতৰ চুটি গল্পবোৰ বাঁহী, চেতনা, আৱাহন, ৰামধেনু আদি আলোচনীত প্ৰকাশ হৈছিল। শ্ৰীভূঞাৰ গল্পসমূহত মানসিক সংঘাতৰ প্ৰাচুৰ্য্য নাই, নাইবা সমাজ কঁপোৱা অৰ্থনৈতিক বিপ্লৱৰ প্ৰকাশো নাই ; আছে অভিজ্ঞতা আৰু অনুভূতিৰ সহজ সৰল বৰ্ণনা। সেই বৰ্ণনা ঘৰুৱা পৰিৱেশত সজীৱ হৈ উঠিছে।

অপেক্ষাকৃত পুৰণি এনেকুৱা একুৰি এটা চুটি গল্পকে থুপাই "গল্পৰ শৰাই" নামে সম্প্ৰতি তেখেতে প্ৰকাশ কৰিছে।

এই পুথিখনি প্ৰকাশন পৰিষদৰ অৰ্থ-সাহায্যত প্ৰকাশ হৈছে।

গুৱাহাটী
১২ মাৰ্চ্চ ১৯৬২



শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব
প্ৰকাশন পৰিষদ : অসম।

# নিবেদন

ইংৰাজী হাই স্কুলৰ (৭ম শ্ৰেণীৰ, এতিয়াৰ ৪র্থ মান) ছাত্র হৈ থাকোঁতেই তেতিয়াৰ শিক্ষাগুৰু (এতিয়া চাহখেতিয়ক) শ্রদ্ধেয় শ্রীযুত ভদ্রেশ্বৰ শৰ্ম্মাদেৱে আমাক কিছুমান ছাত্রক স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়া সম্পাদিত "উষা" কাকতখনৰ গ্রাহক কৰি দিয়ে। উষাখন পঢ়িবলৈ পোৱাত সাহিত্যলৈ তেতিয়াই আমাৰ এটা থাউতি হৈছিল। হাই স্কুলৰ ওপৰ শ্ৰেণী পাওঁতে আমি কেইজনমান ছাত্রই আলোচনী সভা এখন পাতি, এখন হাতে-লিখা আলোচনী উলিয়ালোঁ, প্ৰত্যেকেই একো একোটা প্ৰবন্ধ আৰু কৱিতা লিখি।

সেই ছাত্র কালতে 'সুখ' বুলি কৱিতা এটা লিখি ডিব্রুগড়ৰ পৰা ওলোৱা 'আলোচনী' কাকতলৈ পঠাইছিলো। ১৮৩৫ শকৰ (১৯১৩ চন) ফাগুন মাহৰ (পঞ্চম বছৰ, পঞ্চম সংখ্যা) আলোচনীত সেই 'সুখ' কৱিতাটো ওলাল। কৱিতাটো ওলোৱাত মনলৈ এটা নতুন উৎসাহ আহিল। মেট্রিকুলেছন পৰীক্ষা দিয়াৰ পিছত কেইটামান চুটি গল্প লিখি ১৯১৮ চনত চোৰাংচোৱাৰ চ'ৰা নাম দি সৰু গল্পৰ পুথি এখন ছপা কৰি উলিওৱা হয়। পুথিখনে ৰাইজৰ সমাদৰ পাইছিল।

তাৰ পিছত চাকৰিত সোমাই দিহিঙেদিপাঙে ঘূৰি ফুৰোঁতে মন গ'লেই কোনো কোনো সময়ত একো একোটো গল্প লিখি, "বাঁহী" "চেতনা" "অৰ্ঘ্য", "আৱাহন", "ৰামধেনু" আদিলৈ পঠিৱাত সেই গল্পবিলাক প্রকাশ হৈছিল। গল্পবিলাক লিখোঁতে কোনো ভবা-চিন্তা কৰা নাছিলো। বাহিৰত কিবা এটা দেখি মনলৈ যি ভাব আহিছিল, তাকেই গল্পৰ ৰূপত দিয়া হৈছিল।

১৯৩৩ চনত অসম সাহিত্য-সভাৰ এজন প্রধান হিতৈষী শ্রদ্ধেয় বন্ধু স্বৰ্গীয় জিতেন্দ্ৰকুমাৰ দাসদেৱে "বাঁহী", "আৱাহন" আদি কাকতত ওলোৱা লিখকৰ গল্প পঢ়ি সোৱাদ পাইছোঁ বুলি তাৰে কেইটামান গল্প গোটাই "জোনোৱালি" নাম দি এখন সৰু গল্প পুথি উলিয়ায়। সেই গল্পকেইটা

দাসদেৱে ভাল পোৱাত তেখেতলৈ উছৰ্গা কৰি দিয়া হৈছিল। পুথিকিখন তেতিয়াই বিক্ৰী হৈ শেষ হ'ল।

এতিয়া সিঁচৰতি হৈ থকা কিছুমান গল্প গোটাই "গল্পৰ শৰাই" নাম দি এই পুথিখন উলিয়াবলৈ যুগুত কৰোঁতে 'জোনোৱালি'ত থকা গল্প-কেইটাও ইয়াতে লোৱা হ'ল কিয়নো 'জোনোৱালি'খন আকৌ নকৈ উলিওৱা নহ'ব আৰু। 'গল্পৰ শৰাই' পুথিখনলৈ সোদৰোপম ডক্টৰ শ্ৰীমহেশ্বৰ নেওগদেৱে অকাতৰে ভূমিকাখনি লিখি দি পুথিখনৰ সৌন্দৰ্য্য বঢ়োৱাত নেওগদেৱলৈ মোৰ আন্তৰিক চেনেহৰ শলাগনি সাদৰেৰে আগবঢ়ালোঁ।

অসমৰ প্ৰকাশন পৰিষদে পুথিখন প্ৰকাশ কৰি বাইজৰ আগলৈ উলিয়াব বাবে পৰিষদৰ গুৰিয়ালসকল আৰু পৰিষদৰ সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীদেৱৰ ওচৰত লিখক কৃতজ্ঞ থাকিলোঁ।

সদৌ শেষত, অশেষ কামৰ মাজত ব্যস্ত থাকিও মোৰ প্ৰিয়বন্ধু অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে পুথিখনৰ আদ্যোপান্ত সকলোতে চকু দি সজাইপৰাই ৰূপায়িত কৰি পুথিখন উলিওৱাত সহায় কৰা বাবে তেখেতৰ আন্তৰিক শলাগ নলৈ নোৱাৰিলো। সঁচাকৈয়ে হাজৰিকাদেৱে লিখকক চেনেহেৰে বান্ধি থ'লে। ইতি।

জেইল ৰোড, যোৰহাট
৮ ভাদ, ১৮৮৩
১৫ আগষ্ট, ১৯৬১

বিনীত

**শ্ৰীনকুলচন্দ্ৰ ভূঞা**

# ভূমিকা

শ্ৰীনকুলচন্দ্ৰ ভূঞাদেৱক আনৰূপে নহ'লেও আমি গল্পলেখক হিচাপেই পাহৰি পেলাইছো। তাৰ বাবে অৱশ্যে আনতকৈ ভূঞা ডাঙৰীয়া নিজেহে অধিক জগৰীয়া যেন লাগে। কোন কেতিয়াবাই, প্ৰথম মহাযুদ্ধ লগাৰ বছৰ ১৯১৮তে, তেখেতৰ চেমনীয়া গল্প-সংকলন 'চোৰাংচোৱাৰ চ'ৰা' ওলাইছিল; ওলাইছিল যেনেকৈ, সোমালো তেনেকৈ। এতিয়া তাক চকুত বাটি দিবলৈও পাবলৈ নোহোৱা হৈছে দাইল ধৰণৰ চোৰাংচোৱা নলগালে; নহ'লে আমাৰ চিন্তা বৈ যাব—সোমাল কাকতী, ওলাব কোন কাল! যোৰহাটৰ লোকপ্ৰিয় হাৱা বাবুৰ সৌজন্যত ১৯৩৩ চনত যিবা 'জোনোৱালি'খন প্ৰকাশ হ'ল, সিও দুনাই ছপাশালৰ বাট পাহৰি আঁউসীৰ অন্ধকাৰত সোমাই আছে। এতিয়া যদি ভূঞা ডাঙৰীয়াই গল্প লিখিছিল বুলি ক'লে কোনোবাই উচপ খায়, তাৰ দোষৰ বোজাটো আমি থওঁ কাৰ দুৱাৰমুখত? কিন্তু গল্পলেখক ভূঞাদেৱক আমি পাহৰিব নোৱাৰোঁ, কাৰণ অসমীয়া সাহিত্যৰ ৰবঘৰৰ গল্পৰ খোটালিত ভূঞা ডাঙৰীয়ালৈ এখনি ডাল আসন আছে। তাত তেওঁ নিজস্ব বৈশিষ্ট্যসম্পন্ন এক ব্যক্তিত্ব।

'বদন বৰফুকন' 'চন্দ্ৰকান্তসিংহ' আৰু 'বিদ্ৰোহী মৰাণ'ত অসম বুৰঞ্জীৰ সকলোতকৈ ঘটনাপূৰ্ণ কালছোৱা আমাৰ নাটঘৰত থিয় কৰোৱা আৰু বাৰভূঞাসকলৰ ইতিবৃত্ত ৰচা ভূঞাই জাতে-পাতে গাঁৱলীয়া জীৱন-চিত্ৰ এখন আঁকিছিল 'শাহু আই' নাটকত। ইয়াত অসাঠন, দুষ্টা বোৱাৰীৰ অকল্যাণকৰ চৰিত্ৰটো ইমান স্পষ্টভাৱে কদৰ্য্য হৈছিল যে সেই সময়ৰ প্ৰুডিংশ্, শুচিবায়ুৱা অসমীয়া সমাজৰ নীতিবিদ অভিভাৱক বেজবৰুৱা ডাঙৰীয়াই 'বাঁহী'ত একলম টানকৈ লিখি মাৰি পঠিয়ালে, 'শাহু আই'খনৰ ততালিকে কাঠসংস্কাৰ কৰিব লাগে বুলি। বেজবৰুৱাৰ বিৰূপ সমালোচনাৰ সুফল হ'ল—বুকুত কুঠাৰ মাৰিলেও সতকাই কিতাপ নিকিনা অসমীয়া পাঠকে থপিয়াথপিকৈ 'তপত পিঠাৰ দৰে' প্ৰহসনখন বজাৰৰ পৰা নি নোহোৱা কৰি পেলালে।